# কমল-কলি ।

শ্ৰীসীতানাথ ব্ৰহ্ম-চৌধুৰী ।

নেচ বাৰ অনা ।

আসাম-বড়ো-জননীৰ সুসন্তান,

**কৰ্ম্মবীৰ**

৺শোভাৰাম ব্ৰহ্ম চৌধুৰী ককাই দেৱৰ

পবিত্ৰ স্মৃতিত ।

# সূচী

# কমল-কলি।



## তুমি।

১

পূব আকাশৰ পৰা দিনপতি
সুদূৰ পচিমে যায়,—
কৰ্ত্তব্য কৰম প্ৰবল উছাহে
কৰেছি আনন্দে সুমধুৰ হাঁহে,
আলোকে নিখিল জগত ভাহে;
—সিয়ে তব গুণ গায়।

২

জোছনাময়ী সুন্দৰী ৰজনী
কোলে প্ৰিয়তম পতি,—
আনন্দ-প্ৰেমত পূৰিতা হৃদয়,
কি সুখৰ সোঁত হৃদয়ত বয়,
বদনত হাঁহি সুধাৰ আলয়,
তাতো যে তোমাৰ স্তুতি।

৩

নাচেহি সাগৰ, গায় তটিনীয়ে
"কুলু কুলু" সুধা গান,—
স্তব্ধ আকাশভেদী হিমালয়,
আনন্দৰ অশ্রু নয়নত বয়,
বাজে কাৰ সুৰ ? মহিমা বৰ্ণয় ?
হে প্রিয়, তোমাৰে নাম।

৪

উপৰে সুন্দৰ সুনীল আকাশ
জোন-নক্ষত্ৰৰ সতে,—
তলত প্রিয়া জননী আমাৰ
বসুন্ধৰা, শ্যাম-শস্যৰ আধাৰ,
শোভাৰ প্রতিমা, প্রীতি-পাৰাবাৰ,
হে নাথ, তুমি যে তাতে!

৫

সুন্দৰী বসন্ত কুসুম ভূষণে
আনন্দে যেতিয়া আহে,—
প্রকৃতি ৰঙ্গিনী আত্মহাৰা সুখে,
গীতৰ লহৰী বয় সুধামুখে,
সেই গীত-গোন্ধ আনন্দৰ বুকে,
তোমাৰ নাম যে ভাহে।

৬

তোমারে নাম গায়, ধরেছি তার
—গীতাকুল ক্ষীণ ধ্বনি;
অনলতো প্রভু, তোমার প্রকাশ,
মলয় পবনে তোমার আভাস,
নীর-শূন্য-প্রাণ নিখিলে বিকাশ;
তোমার তুলনা তুমি।



# আবাহন ।

১

আজি আহাঁ ভাই, আহাঁ সবে
—আনন্দর দিনে,
মিলিজুলি বিভুগীত
গাওঁ বঙ্গ মনে ।

২

আজি প্রকৃতি দেবীয়ে কিবা
বিমোহিনী বেশে,
জগত-মঙ্গল-গীত
গাইছে উলাহে ।

৩

আজি তটিনী মাতিছে বঙ্গে,
সুমধুর মাত,
শুনিলে তাপীর আহা,
প্রাণে লাগে শাঁত ।

৪

আজি কুলিয়ে বজায় বাঁশী
সুললিত সুরে,
সখিয়তী গায় গীত,
মন প্রাণ হরে !

৫

আজি স্বরগ, পতাল, মর্ত্ত্য
আনন্দে হাঁসিছে,
ভক্তি ভরে বিভুপদে
প্রাণ উছর্গিছে !-

৬

আজি আইঁহি আমিও ভাই,
এনে শুভ দিনে,
গাও বিভু গীত, নমো
বিভুর চরণে !

৭

আজি দিম বিভুপদে বঙ্গে
আত্মবলি দান,
নাস্তিকব মহাদুখ,
—হৃদয় শ্মশান।

৮

আজি পূজিম বিভুৰ পদ
লভিম উছাহ,
লভিম নীৰত্ব তাক
গুচাম এলাহ।

৯

আজি আহা ভাই, সৱে আমি
কণ্টক জাতিৰ
বিনাশিম, কৰিমহি
নিষ্কণ্টক চিৰ।

১০

আজি উলাহে আমাৰ পথ
কৰোঁ পৰিষ্কাৰ,
বিনাশোঁ কণ্টক ৰূপ
অজ্ঞান আমাৰ।

১১

আজি আগুৱাওঁ কৰ্ত্তব্যত
মিলিজুলি হই,
কৰ্ম্ম মানৱৰ প্ৰাণ,
—কৰ্ম্ম আছে ৰই।

১২

আজি আজ, ভাই, আয় সবে
—আনন্দের দিনে,—
দেশজননীর দুঃখ
ঘুচাও যতনে।

১৩

আজি বুকু বান্ধি আই। ভাই,
কঠিন-কোমলে,
সম্মুখে কর্ত্তব্য বহু,
সাধো প্রাণ-বলে।



# স্মৃতি ।

১

পৰিছে মনত সেই
লৰালি কথা,—
গাইছিলোঁ কত হায়,
বিভুৰ গাথা ।

২

তুলিছিলোঁ গোন্ধ-ফুল
কতনা সুখে,
গাঁথিছিলোঁ কত মালা
ফুলনি বুকে ।

৩

তেৱে হইছিল বোধ
স্বৰ্গ মৰত
অভিন্ন, ইহিৰ আৰু
আনন্দ-সোঁত ।

৪

ৰজত কৌমুদী-স্নাত
ধৰণী মাজে,
ফুৰি ফুৰিছিলোঁ কত
আনন্দ-সাজে।

৫

মলয় বতাহ আৰু
সঙ্গীত-ৰোল,
পুষ্প-গোন্ধে বঢ়াইছিল
আনন্দ-বল।

৬

তটিনী কুলিয়ে যেন
হাৰায় অতি
গাইছিল অন্তহীন
আনন্দ-গীতি।

৭

দুখ, শোক, হাহাকাৰ
বিৰহ, ভয়,
নাজানিছিলোঁহি একো
নৈৰাশ্য, ক্ষয়।

৮

শত্রু-মিত্র, মোর-পর
নাচিল মোর,
—চিত্ত মোর মুক্তাকাশ—
নির্ম্মল বর।



# প্ৰতীক্ষা ।

১

ৰোদকৰে তপ্ত মহামৰুভূমি মাজে
পথ সংসাৰৰ,
ক'তা সুশীতল, নাৰ প্ৰাণ জুৰ কৰা,
ছয়া শান্তি-কৰ ?

২

ইহেম সুদীৰ্ঘ পথে গই আছোঁ প্ৰভু,
পৰাই পুৱাৰ,
অসংখ্য যাত্ৰাৰ কত শুনিছোঁহি হায়,
স্বৰ হাহাকাৰ !

৩

ক'তা পানী, ক'তা ছঁয়া, ক'তা শান্তি সুখ,
ক'তা প্ৰেম-গীতি ?
ভোমৰা গুঞ্জন ক'তা, মলয়, কুসুম,
কুলি, সখিয়তী ?

৪

শান্তিৰ স্বৰগ ক'তা গীত অপ্সৰৰ,
নন্দনকানন ?
অমৃতবাহিনী ক'তা নদী মন্দাকিনী
"কুলু কুলু" স্বন ?

৫

মাথোঁ ইযে ৰোদতপ্ত শান্তি-প্ৰাণহৰা
অগ্নি ভয়ঙ্কৰ,
অসহনি অতিশয়, ক'তা তাৰ মাজে
প্ৰাণ-জুৰ-কৰ ?

৬

সহিছোঁ, কতনা প্ৰভু, সহস্ৰ যাতনা
নাৰবে কাতৰে,
আগুৱাইছিলোঁ কত প্ৰাণ-পণ কৰি
মহা উছাহেৰে ।

৭

আৰু যে অসহ্য প্ৰভু, নোৱাৰোঁ সহিব
চৰণ নচালে,
তৃষ্ণাত ফাটিছে হিয়া অগ্নিসম ৰোদে
পৰাণ যে জ্বলে ।

৮

লাহে লাহে নামি সউ আহে নিশীথিনী
অন্ধকাৰ কৰি,
ই এন্ধাৰ বুকুনাত দিব কোনে ঠাই
সমাদৰ কৰি ।

৯

বহি বহো পথে প্ৰভু কণ্টাগত প্ৰাণ
বিষম ভুগ্ৰান্ত
তুমি আহি প্ৰেমময়, তব প্ৰেমহাতে
নস্পৰ্সিবা গাত ?

১০

মই যে বৈ ৰৈছোঁহি প্ৰভু, তব পথ চাই
সহায় বিহীন,
সহায়ক হই তুমি নেদেখিবা বাৰু
মোৰ মুক্তি দীন ?

১১

শান্তি প্ৰেম কৰুণাৰ মূৰ্ত্তি ধৰি আহা
চাম চকু মেলি,
পাহৰি সকলো দোষ প্ৰেম-বুকে তব
লবা লোক তুলি ।



# তেওঁ।

১

জোন-তৰা হীন ৰাতি নিজম এন্ধাৰ অতি
মৰত-লোক,—
ঢালি দি হৃদয়ে মোৰ বিৰহ-বিষাদ ঘোৰ,
নৈৰাশ্য, শোক,—
চকুলো নয়ন কোনে,
কাৰুণ্য বচনে, মনে,
যেন শেষ আলিঙ্গনে
বোৱাই শোক,
ললেহি বিদায় চিৰ, গল সেই পৰতীৰ—
অজ্ঞাত-লোক।

২

নাই নাই তেওঁ হায়, লৈ ছেহি চিৰ বিদায়
নাপাম আৰু,
তাহি থকা গাত তাৰ করুণতা, দয়াভাৰ,
বাৰহ্ন বাৰু,
পবিত্ৰতা প্ৰীতি শান্তি,
মুখৰ কোমল কান্তি,
হৃদয়ত বিভুভক্তি
কতনো বাৰু,
নাই, নেদেখিম হায়, লৈছেহি চিৰ বিদায়
নাপাম আৰু।

৩

উচ্ছসিত হৃদি কথা সুখ-দুখ কত বাৰ্ত্তা
আছিল মনে,
মোৰে শোক অশ্ৰুভাৰ বধা যেন দিলে তাৰ
বিদায় ক্ষণে!

নোৰাৰিলো গাব কথা,
হৃদয় যাতনা বাৰ্ত্তা,
বিষাদ-কোমল গাথা
বিদায়-ক্ষণে !
উচ্ছ্বসিত হৃদি-কথা সুখ-দুখ কত বাৰ্ত্তা
ৰ'লহি মনে !

৪

কত ৰাতি দিন ধৰি তোৰ ৰূপ-গুণ স্মৰি
শোকৰ গীত,
গাওঁ ভগা বাহী ল'তে শোক-তপ্ত-চকুলোতে
আকুল চিত।
পৰপাৰে তোৰে বহি,—
করুণ সঙ্গীত গাহি
শোকৰ সাগৰে ভাহি
আকুল-চিত
নাকান্দেনে কোন দিন ? নেচায়নে মোৰ দীন
ই মূৰতিত ?

৫

শোকত আকুল মন বহি অতি নিৰজন
কুসুম বনে
তেৰোঁ ভাবে বোধ হয় আমাৰেহে কথাচয়
ৰাতি ও দিনে ।
শোকত মতৰ প্ৰায়,
হয়ত আহিছে হায়,
গোপনে,— কলাই কায়
সংসাৰ বানে,
আমাক দেখিব বাবে মিলিছে অধীৰ ভাবে
নিখিল মানে ।

৬

কোন তৰা মৃদুহাঁহি, ফুলি থকা ফুল পাহি,
নিযৰ, বনে,
সুনীল গগন, মন, মৃদুমন্দ সমীৰণ,
পখীৰ গানে,—

দেখিছে়াহি রূপ তার
প্রীতি-প্রেম-করুণার
উদারতা-বীর্য্যাধার
রাতি ও দিনে !
আছে আছে তেও আছে, সঙ্গোপনে মিলি আছে
নিখিল সনে !



# তটিনী ।

১

গাচি নাচি হাঁহি আপোন মনে
সুখে গই আছা তুমি,
হৃদে অতুলনা ভকতি,
পবিত্র প্ৰেমৰ সুগীতি
মুখত তোমাৰ উঠিছে সদা'
সুধা "কুলু কুলু" ধ্বনি ।

২

বিৰাম বিশ্ৰাম নামানা একো
মাথোঁ গই আছাঁ হায়,
ৰাতিদিন ধৰি উছাহে;
বিভুপ্ৰেমে শৰীৰ ভাহে,
তথাপিতো তুমি কোৱাঁহি মাথোঁ
"মিছা' সময় যে যায় ।"

৩

বুজিছাঁহি তুমি সময়-মূল্য
মোক দিয়াঁহি শিকনি ;
অনন্ত সাগৰ উদ্দেশে,
নাথাকি, উলাহ-হৰিষে
অন্তহীন সোঁতে সঙ্গিত গাহি
তুমি গৈছাঁহি তটিনী !

৪

যোৱা তুমি যোৱা সাগৰ দিশে
একো নামানি বিৰাম,
মইও বিভুৰ উদ্দেশে
উলাহে ধৈৰযে হৰিষে
নাথাকি মিছাই কৰ্ত্তব্য-ধৰি
যাব পাৰোঁনেকি চাম !



# উষা।

১

উজ্জলাই বিশ্ব পূরব গগনে
আহে, আলস্য-চৰণা --
নৱীনা উষা কিৰণ শোভিতা,
মোহিনী প্রতিমা. মধুৰ হসিতা,
কনক-অঞ্চল চৰণ-লুণ্ঠিতা,
হাতত কনকবীণা।

২

এন্ধাৰ ৰজনী গুচিল এতিয়া,
আকাশে লুকাল তৰা,
বিমল জেউতি শোভিল গগনে,
সৰ্ব্বপ্রান্ততীৰে, বিজন কাননে,
নৱীন জেউতি ভৰিল ভুৱনে,
জগত আনন্দ ভৰা।

৩

সঞ্চারনী বীণা    সেউ যে বাজিছে
মোহিনী উষাৰ কৰে,—
কি মধুৰ সুৰ, জগত-মোহিনী,
"উঠা, উঠা এৰে, উঠাহে বাছনী,
পূজাহি সুগোন্ধ কুসুমাদি আনি
বিভুক আনন্দ ভৰে।

৪

"বুকু বান্ধি লোৱা    —পূজাস্তত তাৰ—
কঠিন-কোমল স'তে,
অসি হাতে তৰ অধৰ্ম্মে সংহাৰি,
—কোমল হৃদয়ে আকোৱালি ধৰি,
বিশ্ব-বিধাতা প্ৰভুনাম স্মৰি,
যোৱাহি লক্ষ্যৰ পথে।"

৫

সমস্বৰে গায    শতেক বিহঙ্গ,
ভোমৰা গুঞ্জৰে ঘনে,
তটিনী আনন্দে "কুলু কুলু" বোলে,
দক্ষিণ-মলয় মৃদুমন্দ বলে
হৃহিত ফুলৰ গোন্ধ,—গীত বোলে;
জগত বুৰিছে গানে।

৬

জাগে বিশ্ব প্ৰাণী পশু পখী আদি
শৰীৰে নবীন প্ৰাণ,
তুমিহে নৰ থাকিবানে পৰি
এলাহে অৱশ শয্যাৰ উপৰি
ৰচিব সপোনে মায়া ৰাজ্য, 'পুৰী',
বিৰহ প্ৰণয় গান ?

৭

তেয়াগি সপোন, শয্যা আলসুৱা
বলাহি সকলে ভাই,
দীৰ্ঘলক্ষ্য-পথ সন্মুখে আমাৰ
পৰি আছে সঁতে শোক-দুখভাৰ
বুকুবান্ধি যাহে কৰিম সংহাৰ,
—পাবহি লক্ষ্যৰ ঠাই !



# সান্ধ্যগীতি।

১

দিনৰ প্ৰখৰ ৰোদৰ অন্তে
সন্ধ্যা আহিছে ধীৰে,
তাপিত বিশ্বত অমিয় বৰষি
কোমল শান্তি-কৰে।
মৃদুলমধুৰ শীতল মলয়,
কুসুমগোন্ধ আনন্দ উদয়,
—স্নিগ্ধ কান্তিত—শান্তি-নীৰৱতা
আনিছে ধীৰে,
কৰ্ম্ম-পৰিশ্ৰান্ত আমাৰ ক্লান্তি
হৰিব শান্তি-কৰে।

২

তপ্ত তপনে রাখিছে ঢাকি
যতনে আঁচলে,
সন্ধ্যাতরা ফুলিছে সুনীল-
গগন-কোলে।
প্রখর তপন-কিরণে তাপিত,
তাপিত দুখ ও শোক অগনিত,
তোমার শরীরে ঢালিব আদরি
শান্তির বারি,
সুনীল আঁচলে মলিন মুখ
মুছিব গগন ধরি।

৩

ভোমরা-বাঁশীর পাখী-তটিনীর
গীতি মনপ্রাণ হরা,
আনিছে যতনে আঁচল ভরাই
অতি দূরবে পরা।

ভুলাব আমাক সি সুধাসঙ্গীতে,
দিব নৱশান্তি শোকভৰা চিতে,
জগতপ্ৰাণীক সুকোমল বুকে
জননী বেশে
দিবহি ঠাই, আহিছে সন্ধ্যা
প্ৰখৰ-দিনৰ শেষে।



# শৰৎ-গীতি।

১

নাই নাই আৰু অশ্ৰু-বৰষুণ
বৰষাৰ নিৰন্তৰ,
নাই গগনত মহাগৰজন
কলাবগা ডাৱৰৰ।
শুকাইছে পথাৰ পথ অগনন
—উন্মুক্ত গগনে সূৰুয কিৰণ—
সৌম্য লভিছে তটিনীজীৱন
আনন্দে গাইছে এৰে,
নাই বৰষাৰ বৰষুণ আৰু,
শৰৎ আহিছে ভৰে।

২

উপরে সুন্দর সুনীল আকাশ
শোভিছে শূন্য-কোলে,
জগত নাচিছে শ্যাম-বসুন্ধরা
আনন্দ হৃদয়তলে।
শারদ মলয় সুখ-বার্ত্তা আনে
— স্বরগ জননী আছিব ভুবনে—
অসীম আনন্দে বিশ্বপ্রাণী মনে
উঠিছে নতুন আশা,
জননী আনিব আঁচল ভরাই
নব্র সুখ-শান্তিভাষা।

৩

আহিল জননী সুধাহাঁহি হাঁহি
লই শান্তি-সুখ গান,
আনন্দেরে নাচি হল মুকুলিত
মানব্র-জীব্রন ধান।

উঠিলহি বই শান্তি-সুখ-সোঁত
ধনী-দুখী, বলী-নিৰবলী প্ৰাণত,
সি শান্তিৰ সোতে নিখিল জগত
সুখে আনন্দে ভাহে,
বৰষাৰ অন্তে · নিৰমল বেশে
শৰৎ সুন্দৰ হাহে।



# উদ্দীপনা।

১

কিবা ভয় তব হায়, উচাহ বিহীন,
হে মৌনমুক,
কিহব দুখ ?
কণ্টক-পূৰিত জীৱনৰ পথ,
দেখিয়েই কিয় হেৰুৱালা তত ?
কতাবা হৃদয়ে সোঁত বীৰত্বৰ ?
—মলিন মুখ,
হ কণ্টক নাশি হোৱা আগুৱান
নাভাবি সুখ,
নৈৰাশ্য, দুখ।

২

হায়, সম্মুখত মহাসমুদ্ৰ ভীষণ,
—মহাগাজনি,
ঢেউ নাচনি !
ভয়ে কিয় তৰু কণ্ঠাগত প্ৰাণ ?
কৰা বুকু পুনু পাষাণ সমান,
আনন্দে ভহাই দিয়াছি প্ৰাণৰ
ক্ষুদ্ৰ তৰণী,
যোৱাঁ পাৰ হই গন্তব্য ঠাইত
--হাঁহি হাঁহনি,
—নাচি নাচনি !

৩

দেখি বাৰিবৰিষণ, মত্ত প্ৰভঞ্জন,
অশনি পাত,
—গাজনমাত,

কিয় ভৰ হাঁয়, কম্পিত হৃদয় ?
জাগিছে মনত মৃত্যুৰেহে ভয় ?
হেৰাঁ ভীৰু, আনা মুখত তোমাৰ
বীৰৰমাত,
কৰাহি প্ৰতিজ্ঞা "আগুৱাম মই
হলেও তাত,
জীৱনপাত ।"

৪

যদি তুমি নৰ হাঁয়, আহাঁহি কিয়বা
কৰ্ত্তব্য তোৰ
পাহৰি ভৰে ?
তুমি যদি নৰ, কৰ্ত্তব্য নৰৰ
আছে কত হাঁয, সাধাঁ সেই বোৰ,
নৰপৰিচয় পাৰিবা তেৰেহে
দানিব ভৰে,
নহলে তুমিনো মানব কিহৰ ?
পশু যে তেৰে,
—সাধাঁ গৌৰৱে ।



# শোক আৰু শান্তি।

১

শোক কলেহি শান্তিক "শুনা শান্তি, এই
পৃথিবী মোৰ,
তুমি পৰৰাজ্যে আহি কৰিছাহি বাস,
অন্যায় বৰ।

২

"মোৰ প্ৰবল প্ৰতাপে শাসিত ৰাজ্য,
শোকৰ ঘোৰ;
ক তা শান্তি-প্ৰেম-স্নেহ, প্ৰীতি সুখ-সোঁত
ৰাজ্যত মোৰ ?

৩

"মোৰ ভীমপৰাক্ৰমে কৰে হাঁহাকাৰ
জগত প্ৰাণী,
মাথোঁ মৰিবৰ বাবে ই ৰাজ্যত বাই,
আহিলা তুমি ?"

৪

শুনি হাঁহি কয় শান্তি "সঁচা কথা ভাই,
ৰাজ্য ই তৰ,
কিন্তু ৰাজ্য আছে মোৰো তৰ ৰাজ্য পাৰে,
শান্তিৰ সৰ।

৫

"তাত চিৰসুখ-শান্তি প্ৰেম-প্ৰীতি-স্নেহ
অনন্তে বয়,
নাই পৰাক্ৰম তৰ, নৰ হাঁহাকাৰ,
চকুলো, ভয়।

৬

"মই দেখুৱাওঁ পথ তৰ ৰাজ্যে আহি
—তাপিতে হায়,
সেই শান্তি ৰাজ্যে মোৰ বাট চিনি যদি
কোনোৱে যায়।



# জীৱন-তৰণী।

১

তৰঙ্গ-আ'কুল অসীম সাগৰ
গাজিছে ঘনে,
বুৰাই বিশ্বৰ আনন্দ-প্ৰেম
গাজন স্বনে।
এনুৱা অকূল সাগৰৰ কোলে
এনুৱা গ জন মহাকোলাহলে
পৰ্ব্বত সমান ঢেউৰ মাজেদি
আকুলমনে —
বাহিছেহি মোৰ জীৱন-তৰণী
বিপদ-মৰণ ক্ষণে ক্ষণে গণি

শূন্য পৰাণে নৈৰাশ্যৰে সতে
অজ্ঞাত পিনে ।
তৰঙ্গ-আকুল অসীম সাগৰ
গাজিছে ঘনে ।

২

নাজানোঁ কি মোৰ গন্তব্য নো কিবা,
মিলন-দিন,
গৈছোঁ কোন পিনে ? কিহৰ আশে ?
উদ্দেশ্যহীন ।
বুকে লই মাথোঁ নিৰাশতাভাৰ
করুণ-ৰোদনি কৰোঁ হাঁহাকাৰ ;
চকুৰ চকুলো বই মিলি যায়
সাগৰ জলে ।
হৃদয়ৰ যত উছাহৰ গীতি
সুস্নিগ্ধ-কোমল প্ৰেম-পূণ্য-প্ৰীতি
শয়ন লভিছে চিৰদিন হেতু
বিস্মৃতি-কোলে,
হৃদয়ৰ এই কিৰণ-বিহীন
তিমিৰ তলে ।

৩

হৃদয় কঁপিছে নৈৰাশ্যৰ মাজে
করুণ দুখে ;
তৰণী কঁপিছে অনন্ত বিপদ-
ঢেউৰ মুখে ।
ঘুৰোঁ ঘুৰোঁ ভাবে ভুঁহিছে তৰণী
সোঁতৰ পাকত নাচিছে নাচনি
দিগ্বিদিশ হীন ভাহি কি কাৰণে
পুনৰ যায় !
অনন্ত অকূল মহাসাগৰৰ
বিৰাম বিহীন মহাগাৰ্জনৰ
মহাবজ্ৰধ্বনি বধিৰেছি মোক
বধিৰ প্ৰায় ;
শুনিছোঁ কোনো প্ৰেম-শান্তি গীতি
একোৱে হায় !

৪

কিশোৰী উষা চঞ্চলচৰণে
নবীন গীতে—
নাচিছিল সুখে বিশ্বৰ দুৱাৰে
কিৰণ সৈতে ।

সুস্নিগ্ধ মলয় অতি ধীৰে ধীৰে
আনন্দ-উদয় সুকোমল কৰে
পৰশি জীৱন কৰিছিল মোৰ
পুলক ভৰা।
উষা কিশোৰীৰ নৱীন সঙ্গীত
মধুৰ নাচনি মোহিনীভঙ্গীত;
প্ৰকৃতি-ফুলনি হাঁহিছিল দেখি
আপোনহৰা—
লাগিছিল ভাল; ভাবিছোঁ মই
সুন্দৰ ধৰা।

৫

অনন্ত অদৃশ্যে শুনিলোঁহি কাৰ
আদেশ মাত,—
নিমিষে মিলাল সি সকলো সুখ
দুখৰ গাত।
এই সুখ-স্বপ্ন, এই প্ৰেম-গীত
এৰি যাব লাগে মহাদূৰণিত
বুকু বান্ধি হাঁয়, উলাহ উছাহে
অনন্ত পিনে।

সি পথ যে মোৰ অজ্ঞাত-এন্ধাৰ,
সন্মুখত মহোঁ মহাপাৰাবাৰ ;
ক'তা কোন দিশে ? কিমান দূৰত ?
আহিছে মনে —
পাৰ হব জানো পাৰিম সাগৰ
তৰণী সনে ?

৬

ভাহিল ক্ষণেকে জীৱন তৰণী
সাগৰ-বুকে —
শুভ অশুভৰ নাভাবি একোকে
করুণ দুখে ।
তৰঙ্গত নাচে, ভাহে তৰঙ্গত,
উলাহ উছাহ নাই হৃদয়ত,
সন্মুখত হাঁয়, হাঁহিছে মৰণে
বিকট হাঁহি ।
কঁপিছে জীৱন দুখে ভয়ে লাজে
নোৱাৰে বান্ধিব শতেক ধৈৰযে,
নাই আশা কোনো, নাই দিগ্বিদিশ
গইছে ভাহি ।

সন্মুখত হায়, হাহিছে মৰণে
বিকট হাঁহি।

৭

গগনৰ বুকে ভাহিব লাগিছে
ডাৱৰ ঘন,
জগত কঁপাইছে বজ্ৰৰ মহা-
গাজন স্বন।
চঞ্চল চৰণে নাচি নাচি ধীৰে
নিশীথ-ৰাক্ষসী মহানন্দভৰে
আহিছেহি সউ এন্ধাৰি গগনে
জগত খন।
সন্মুখত এই অসীম বিপদ
তাতে আকৌ মোৰ জনা নাই পথ,
যাম কোন পিনে? কিমান দূৰত?
আকুল মন।
নাই সহায়ক বুজিবান হায়,
তৰণী খন?

৮

বাজিছে হিয়াত এতিয়ও মোৰ
ৰিণিকিৰিণি,

নৱীনা উষাত মহাপুৰুষৰ
আদেশবাণী ।
খাটিছোঁ তোমাক হে প্ৰভু মহান,
আদেশিছাঁ যদি কৰা লগে দান
উলাহ উছাহ ধৈৰয আশা
শকতি প্ৰাণে ।
পাৰ হম এই অসীম সাগৰ
উছাহ আনন্দে পূৰিত অন্তৰ ।
কিবা ভয় এই বিপদ সাগৰে
কান্দিম ঘনে ?
নুবুৰে তৰণী, যাম আনন্দেৰে
তোমাৰ পিনে ।



# দধীচিলৈ ।

১

তুমি লোৱাঁহি মোৰ ভক্তিৰ নৈবেদ্য,
মহদাশয়,
হৃদয়কাননে মোৰ ফুলিছে যি
কুসুমচয় !
তুমি হে যোগীন্দ্ৰ, জ্ঞানী, শান্ত, ধীৰ,
পৰাৰ্থে ত্যাগৰ মহানবীৰ ।
—আত্মত্যাগৰ জ্বলন্ত মূৰতি
আমাক হাঁয়,
[illegible]াঁহি তুমি সমান তাৰ
গৌৰৱ নাই ।

২

তুমি পৰৰ কাৰণে দিলাঁ প্ৰাণ যেৱে
আনন্দ মনে,
জগতবাসীয়ে দেখিলে বিস্ময়ে
তোমাৰ পিনে !
ভাৰতমাতৃৰ তেয়াগী সন্তান,—
ত্যাগমন্ত্ৰ তৱ, ত্যাগ তৱ প্ৰাণ;
স্বাৰ্থত্যাগৰ মূৰতি মহান
দেখালাঁ যেৱে,
ভাৰতবাসী ত্যাগী, ত্যাগবীৰ
দেখিলে ভৱে !

৩

তুমি আছাঁহি এৱে শোভাই স্বৰ্গৰ
সিংহাসন,
জগতবাসীয়ে গায় এতিয়াও
তোমাৰ গুণ !

শিকাইছাঁ ত্যাগমন্ত্ৰৰ সাধন
জগতক তুমি, কৰিও পালন
সুকঠোৰ হাঁয়, সেই মহান
ত্যাগৰ ব্ৰত।
লোৱাঁ ভক্তি-অৰ্ঘ্য, তব পদে মোৰ
মস্তক নত।

—:§:—

# বিদায়-অশ্রু ।

১

চিত্ত-মন্দিৰ        ভৰিছে আজি
    নয়ন-লোৰে,
বিদায় দিব        পৰাণ মোৰ
    আকুল কৰে ।
বিশ্ব আজি দেখিছোঁ এন্ধাৰ,
চিৰ বিদায়ৰ ধ্বনি হাঁহাঁকাৰ
কানত মোৰ বাজিছে মাথোন
    ৰোদন-সুৰে,
চিত্ত-মন্দিৰ        ভৰিছে আজি
    নয়ন-লোৰে ।

২

শোকৰ নদী ব'লেহি প্ৰাণে
তৰঙ্গে ভৰি,
জাহিল হাঁয়, প্ৰাণৰ মোৰ
আনন্দ-ধাৰি !
অন্তৰ্হিত আজি নৱীন উদ্যম,
নাশিল মোৰ কম্পিত উত্তম
ভাবী-জীৱনৰ কল্পনাৰাশি
সমাপ্ত কৰি ;
শোকৰ নদী ব'লেহি প্ৰাণে
তৰঙ্গে ভৰি !

৩

কিমতে ভাই, তোমাক দিওঁ
বিদায়-বাণী ;
—চিত্ত-ফলিৰ ছবি তোমাৰ
মোহাৰোঁ আমি !

সঙ্গ আজি পাহৰি আমাৰ
ঢালি দি হৃদে বিৰহ-এন্ধাৰ,
অজ্ঞাত এ কোন সংসাৰ পাৰৰ
যাত্রীহে তুমি,
কিমতে ভাই, তোমাক দিওঁ
বিদায়-বাণী !

৪

মনত পৰে সিদিন' কথা
পাহৰা নাই,
লঙাৰ* তীৰে সঙ্গীত গায়
পথীয়ে ভাই !
কুলি কেতেকীৰ সঙ্গীতে মোহি
হাঁহিলাঁ তুমি আনন্দে ভাহি,
গোন্ধ-ফুলৰ গোন্ধে আত্মহাৰা
হৈছিলাঁ ভাই,
মনত পৰে সিদিন' কথা
পাহৰা নাই।

* লঙা নদী—এখনি সৰু নদীৰ নাম।

৫

মলয়-সুধা কুসুম-গোন্ধ
বই যে আনে,
মধুবাসন্ত সান্ধ্য ভ্রমণ
পৰেহি মনে !
যেতিয়া হাঁহে নিশীথ-ৰঞ্জন
—মধুৰ হাঁহিত আনন্দিত মন,—
আকাশ পিন্ধে নক্ষত্ৰ-মালিকা
উলাহ মনে,
মলয়-সুধা কুসুম-গোন্ধ
বই যে আনে !

৬

লঙা নদীৰ সাঁতৰ খেলা
স্মৰণে মনি;
কমল-কৰে কমল-মালা
তৰু গাঁথনি !

অসংখ্য কথা আহিছে মনে
আজি এ তব বিদায়-ক্ষণে,
বিদায়-শোকৰ উচ্ছ্বাসপূৰ্ণ
হৃদয় খনি,
লগা নদীৰ সাঁতৰ খেলা
স্মৰণে মনি !

৭

মলিন তব মু'খনি আজি
— সিহেতু ভাই,
—ত্যজিব ধৰা— বিষাদ পূৰ্ণ
হৃদয় হাঁয় !
মাগিছাঁ তুমি অশ্রু-নয়নে
অন্তিম-বিদায় করুণ বচনে,
শুনাই বিভুৰ আহ্বান-বাণী
আমাক হাঁয়,
মলিন তব মু'খনি আজি
— সিহেতু ভাই !

৮

একি—নীৰৱ,— লগাঁহি ভাই,
বিদায় চিৰ,
নহোঁতে শেষ বিদায়-বাণী
নয়ন-নীৰ ।
এ মোৰ গঁথা মালা চকুলোৰ
করুণোপহাৰ চিৰবিদায়ৰ
লোৱাঁহি সাদৰে. অজ্ঞাতযাত্ৰীৰ
উদ্ধত-বীৰ ।
একি—নীৰৱ,— লগাঁহি ভাই,
বিদায় চিৰ ।

৯

তেন্তে হে ভাই, যোৱাঁহে যোৱা
শেষ বিদায়,
বিশ্ববিধাতা প্ৰভুৰ পদ
পূজাগৈ ভাই ।

নুফুলোঁতে কলি, সৌৰভ পূৰিত—
নহোঁতে চৌদিশ গোন্ধে আমোদিত,
কীট-বেমাৰৰ বিষম দংশনে
সৰিলাঁ হাঁয়,
তেন্তে হে ভাই, যোৱাঁ হে যোৱাঁ
শেষ বিদায় ।

১০

মিলিম আমি কৰ্ম্ম-দিনান্তে
পুনৰ ভাই,
—এন্ধাৰি যেৰে আহিব মৃত্যু-
ৰজনী বাই ।
অত্যাচাৰ, দুখ, শোক ও বিঘিনি,
অপমান, দৈন্য, বিৰহ-অগনি,
হাৰোঁহি যদি ইসত্ত্ব স'তে—
সমৰে হাঁয়,
মিলিম আমি —কৰ্ম্ম-দিনান্তে—
পুনৰ ভাই ।



# মুক্ত-বাণী।

১

কিবা দুখ-শোক, ভয়, বিৰহ, ৰোদন,
নিৰাশতা, হাঁহাকাৰ,
বিপদৰ পাৰাৱাৰ !
নামানোঁ অনন্ত আকুল বাসনা,
কণ্ঠ-শোষক পিয়াহ-যাতনা,
দম্ভ, বীৰ্য্য-অহঙ্কাৰ,
চিন্তা-অগ্নি-কাৰাগাৰ !

২

যাম মুক্ত পথেদি, মুক্ত হৃদয় লই
—চিৰ আনন্দৰ লোক,
কিবা ভয়, দুখ-শোক !
বজাই আনন্দে মুক্তিৰ বাঁহী,
পঞ্চমে মুক্তিৰ সঙ্গীত গাহি
যাম আনন্দৰ লোক,
কিবা ভয়, দুখ-শোক !

—:§:—

# প্রার্থনা ।

১

'যেরে এন্ধার পাপর বঞ্চনা হৃদয়
আররে,
মরু' নীহারিকাপিনে তৃষ্ণাতুর
লররে ;
—বজ্রকঠুরা হৃদয় তোমার
কুসুম কোমল প্রীতি-পারাবার,—
ধর্ম্মালোক ধরঁা সম্মুখে আমার
সাদরে,
যেরে এন্ধার পাপর বঞ্চনা হৃদয়
আররে ।

২

যেৰে ক্লান্ত-দীন-দুখাতুৰ — থাকোঁহি এলাহ-
শয্যাত,
ভাবী জীৱনৰ আশা মিলায় বিস্মৃতি-
কোলাত ;
দিয়াঁ তুমি নৱ শকতি পৰাণে
বীর্য্য-দম্ভ মোৰ হৃদয়ে দুগুণে,
উছাহে কর্ত্তব্য ধৰিম যতনে
হে নাথ,
যেৰে ক্লান্ত দীন-দুখাতুৰ থাকোঁহি এলাহ-
শয্যাত ।

৩

যেৰে ই বিশ্ব-অন্তঃপুৰে ৰোদন উঠে
সঘনে,
আহে আকুলি পৰাণ হিয়াভেদী সুৰে
শ্ৰৱনে ;

মূৰ্ত্তি ধৰি তুমি প্ৰেম ও প্ৰীতিৰ
বোৱাই শোকত আতুৰ শৰীৰ
ঢালিবা ধৈৰয-শান্তিৰ সুনীৰ
পৰাণে,
যেৱে ই বিশ্ব-অন্তঃপুৰে ৰোদন উঠে
সঘনে ।

৪

আহে লাহেধীৰে ইকি, ভীষণমূৰতি
শমন
বুলি মিছা আশা, দৰ্প পুত্ৰ-পৰিবাৰ,—
সপোন !
—বীৰবেশে লই অস্ত্ৰ সমৰৰ—
অলঙ্ঘ্য মৃত্যুৰ সহিতে সমৰ
কৰিম, উৰাম নিচান জয়ৰ
মৰণ,
আহে লাহে ধীৰে সোৱা, ভীষণমূৰতি
শমন ।

৫

কবি- কল্পিত—মলয়, কুসুম, ভোমৰাৰ
গুঞ্জন,
সুৰ বাঁহীৰ অমিয়া, সঙ্গীত, কোকিল-
কূজন,
তেয়াগি ইসকলৰ কৰিম যতনে
দুখ-দৈন্য-ভয় গচকি চৰণে
অনন্ত প্ৰেমৰ তৰু পদ পিনে
গোপন,
ত্যজি কবিৰ মলয়, সঙ্গীত, কোকিল-
কূজন !

৬

যাই হৃদয়ত প্ৰেম, জগজনে কৰিম
আপোন,
যদি আহে কেতিয়াবা—সমাদৰে কৰিম
বৰণ।

—শূন্য হৃদয় পূৰোৱাঁহি নাথ,
নির্ম্মল প্রেমেৰে,–সি প্রেম-গাথাত
—তোমাৰ চৰণে কৰোঁ প্রণিপাত
শৰণ !
নাই হৃদয়ে প্রেম, জগজ্জনে কৰিম
আপোন ।

৭

ইকি, দেখোঁ সম্মুখত কর্ত্তব্য-কৰম-
সাগৰ,
হায়, তৰঙ্গত তৰঙ্গিত, কোঢ়ালিত
নিৰন্তৰ !
শুভ আশীর্ব্বাদ দিয়া দেৱ, তুমি,
পাৰ হম তৱ ধ্রুৱ-পদ মনি
ভহাই আনন্দে এই নাও খনি
প্রাণৰ,
এই সম্মুখৰ মহা কর্ত্তব্য-কৰম-
সাগৰ ।

৮

তুমি ধৰিবাঁহে তুলি অহে প্ৰেমময়,
যতনে,
যদি পৰোঁ কেতিয়াবা লৰোঁতে তোমাৰ
কাৰণে!
গুচাবাঁ যদিহে ভুলে বা অভুলে
ফুল-মালা বুলি সাপে দিওঁ গলে,
দিবা ঠাই যদি প্ৰৱেশোঁ অনলে
চৰণে,
নতু' ধৰিবাঁহে তুলি অহে প্ৰেমময়,
যতনে!



# নিবেদন ।

১

মধুর অমৃতসম
হাসি মুখে নিরুপম
নিরমল হাঁহি,
জেউতি শোভিত শিৰে
দিনপতি পূৱ-দ্বাৰে
দেখা দিল আহি ।

২

এন্ধাৰে আলোক হেন
গগনে বিজুলী যেন
এ বিশ্ব-প্ৰাঙ্গন
হাঁহিল,—হৰ্ষিতমনা
বাজিল পৰাণ-বীণা
মধুৰ নিক্বন ।

৩

হাঁহিল কলিকা ফুল,
আকুল ভোমৰাকুল
মোহিত গোন্ধত
লোভে তাৰ, জাকে জাকে
আকাঙ্ক্ষা পূৰিত মুখে
আহিল ফুলত !

৪

—শ্ৰান্ত বাটৰুৱা যেনে
লবে তৰঙ্গিণী পিনে
আকুল পৰাণে,
পিয়াহ ৰোদত পোৰা
পৰাণ, শঁতাব ত্বৰা
তাৰ পৰশনে !

৫

অসীম সংসাৰ মাজে
আছোঁহি মানৱ সাজে
এটি ক্ষুদ্ৰ কীট,

মত্ত হোৱা শক্তি-মদে
অসংখ্য মানব পদে
হই গচকিত ।

৬

—মঙ্গল প্ৰভাতে আজি
হৃদয়ে ৰাখিছোঁ সাজি
আসন তোমাৰ,
পূৰ্ণ প্ৰেম-মূৰ্ত্তি ধৰি
আহাঁ ঈশ, কৃপা কৰি
—বহাঁ এটিবাৰ ।

৭

তোমাৰ চৰণ চুমি
ভক্তি-নম্ৰ-শিৰে নমি
ভক্তি উপহাৰ
দিম আজি তব পদে,
যেই আশা জাগে হৃদে
—প্ৰণাম এবাৰ ।

৮

অসহায়, ভিক্ষু-দীন,
বলবীৰ্য্য সাহ হীন,
জীৱন এন্ধাৰ,
অক্ষম, সম্বলহীন
বিনে ভক্তি কিনো দিম
চৰণে তোমাৰ ?

৯

অশ্ৰুভৰা দু'নয়ন,
শোকাগ্নিত দগ্ধ মন
পূৰ্ণ হাঁহাকাৰ,
সাগৰে অসীমতম
যেন নাৱিকৰ সম
নৈৰাশ্যাৱতাৰ !

১০

নাশিবা ইসৱ প্ৰভু,
দানিবা হৃদয়ে বিভু,
অসীম শকতি,

নহঁা যেন এলেঙৰা,
সুবাটৰ বাটৰুৱা
হওঁ উচ্চনতি ।

১১

জীৱন-নদীৰ সোঁত
নোহে যেন গতিৰোধ,
বয় তৱ পিনে,
কৰ্ত্তব্য-দিনৰ অন্তে
মিলোঁ যেন আনন্দেতে
তোমাৰ চৰণে ।



# মানব-ভাগ্য ।

১

গোলাপ, কেতেকী, জাঁই
সুগোন্ধ পূৰিত কায়,
ফুলনিত হলে প্ৰফুল্লিত;
সকলোৱে আনন্দেতে
সেই ফুল লই হাতে
গোন্ধ লয় হই আনন্দিত ।

২

কিন্তু শুষ্ক হই যেৱে
নিৰ্গোন্ধ হয়হি, তেৱে
ঘিনি দিয়ে পেলাই দূৰত;
আগৰ নিৰ্ম্মল গুণ
ভুলি সৱে তেতিক্ষণ
ঘিন ভাব আনেহি মনত ।

৩

তেনুৱা সংসাৰ ৰীতি
যত দিন সাধুমতি
হই নৰে থাকে ভূমণ্ডলে,—

সৱে তাক সমাদৰে,
মঙ্গল কামনা কৰে,
মান্য কৰে মানৱ সকলে।

৪

কিন্তু যেৱে সঙ্গদোষে
মোহি মিছা ৰঙ্গৰসে
কুপথত কৰি পদার্পণ—
অনাথ-দৰিদ্ৰ বেশে
মাগি খুজি দেশে দেশে
নিজ দুখ কৰে নিৱেদন;—

৫

তেতিয়ানো তাৰ কোনে
পূৰ্ব্বকথা ভাবি মনে
দৰিদ্ৰতা কৰিব বিনাশ?
দয়াত আৰ্দ্ৰিত কায়
হইনো উদ্যোগী হায়,
কোনোবাই দিবনে আশ্বাস?



# ৺মাতৃদেৱী ।

১

প্ৰাণে বয় সদা আশা-সুখ
উলাহ-উছাহ অন্তহীন,
ধূলি-খেমালিতে বয় মোৰ
লৰালি কালৰ সুখ-দিন ।
দুখ-শোক-ভয়, বিৰহ-নৈৰাশ্য বোৰ
অজ্ঞাতহে আছিলহি মোৰ ।

২

অকস্মাৎ শুনিলোঁ এদিন
সকৰুণ বিদায়ৰ গীত,
প্ৰাণত বাজিল বজ্ৰ সম,
শোকাকুল হল মোৰ চিত ।
অশ্ৰুপূৰ্ণ নয়নেৰে কৰিলোঁ সন্ধান,—
মাতৃদেৱী হৈছে অন্তৰ্দ্ধান !

৩

শোকে মোৰ ভাঙ্গিলহি বুকু,
আশা-সুখ হল অন্তৰ্হিত,
পৰিবৰ্ত্তে উলাহ-উছাহ
নিৰাশতা হল উপনীত !
দেখিলোঁ সংসাৰ হাঁয়, বিজন কানন,
পূৰ্ণ হিংস্ৰপশু অগনন !

৪

তুমি স্নেহে, প্ৰেমে ও যতনে
প্ৰাণ মোক দিছিলা জননী !
অকস্মাৎ কিয় অন্তৰ্হিত
অসময়ে হলা স্নেহ-ৰাণী !
পুত্ৰ তব শোকাকুল, জ্ঞান হীন অতি,
তাত তব নপবিল দৃষ্টি !

৫

নকৰিম একো ব্যগ্ৰ প্ৰশ্ন
উচ্ছ্বসিত সম অবোধৰ,—
তোমাৰ সি নৱৰাজ্য দেৱী !
শান্তি পূৰ্ণ অথবা দুখৰ !

দেখিছেহি আজি মোৰ কল্পনা-নয়ন,
তব ৰাজ্য চিৰ অতুলন !

৬

—সিযে অতি সুখ-শান্তি-পূৰ্ণ
স্বৰ্গৰাজ্য—নন্দনকানন,—
ফুলে ফুল, গায় গীত কুলি,
ভোমৰাই কৰে গুঞ্জৰণ !
তাৰ মাজে সুশোভাই স্বৰ্ণ-সিংহাসন
ৰহি আছাঁ, বইছে পৱন !

৭

স্বৰগত আছাঁ তুমি এৰে,
আছোঁ মই কঠিন সংসাৰে ;
খোজে পতি বিঘ্ন অগনন,
পৰিপূৰ্ণ চিৰ হাঁহাকাৰে ।
ক'তা তাৰ মাজে শান্তি, ক'তা প্ৰেম সুখ !
হাঁহে মাথোঁ মৃত্যু-সৰ্ব্বভুক !

৮

স্বৰগৰ পৰা মোক আজি
আশীৰ্ব্বাদ দিয়াঁ স্নেহবাণী !

কঠিন সংসাৰ পথে সদা
আগুৱাম তৱ পদ নমি ।
অশান্তি ও শোক-দুখ পূৰ্ণ এ ভুৱনে,
জয় লাভ কৰিম যতনে

৯

ধীৰে নামি আহিব যেতিয়া
অন্ধকাৰ সুদীঘ ৰজনী—
সংসাৰৰ শত কাম অন্তে
যেৱে মই লগাহি জিৰনি,—
আনন্দত গাই গাই বিজয়ৰ গান
তৱ কোলে ঢালি দিম প্ৰাণ ।



# ভৰত ।

কৈকেয় ৰজাৰ পুৰে আনন্দ-সুখত
ভাই শত্ৰুঘন স'তে আছিল ভৰত
মৰমৰ ভাই তৱ, হে দেৱ শ্ৰীৰাম,
আতিথ্য গ্ৰহণ কৰি । হল অৱসান
সি সুখ-আনন্দ, যেৱে দেখিল সপোন
দ্বিতীয় পহৰ ৰাতি নিস্তব্ধ ভুৱন
নিদ্ৰামোহিনীৰ সুখ-সুকোমল কোলে-
তেল মাজে মৃত পিতা ; শোক অশ্ৰুজলে
ভৰিল দুচকু তাৰ অজ্ঞাত বিপদ
আগমন বাৰ্ত্তা ভাবি । কৈকেয়ৰ পদ
প্ৰণমি আকুল হৃদে করুণ নয়নে
নিৰাশে বিদায় লই শোক-ভগ্ন প্ৰাণে
আহিল অযোধ্যা পুৰী ।

— ৰাজ্য হাঁহাকাৰ.—

তব্ব বনবাস আৰু লগে লগে তাৰ
মাতৃসমা সীতাদেৱী. স্নেহৰ লক্ষ্মণ ;
শুনিল যেতিয়া হল, বিষাদিত মন !
জননী কৈকেয়ী কৰি দংশন ৰজাক
তব্ব ন্যায়-প্ৰাপ্য ৰাজ্য ৰাখিছেহি তাক,
শুনিল শোকত হাঁয়, আকুল অন্তৰ ;—
তেল মাজে প্ৰাণহীন শব্ব জনকৰ
দেখিল সম্মুখে যেৱে হল অচেতন ।

চৈতন্য লভিল যেৱে সজল নয়ন
দেখিল সমস্ত বিশ্ব কিবা দুখ-শোক
নিমগন, শান্তিহীন. ম্লান সূৰ্য্যালোক !
পাচত অসীম ধৈৰ্য্য-সাহে বান্ধি হৃদি
কৰিল সংকাৰ আৰু শ্ৰাদ্ধ-দান আদি !

আহি এ দণ্ডকে এৱে শোকাকুল মনে
শত দোষ ত্ৰুটি লই,—তোমাৰ চৰণে

যাচিছে অযোধ্যা রাজা, মাগিছে কাতরে
তোমার করুণা ভিক্ষা। আনন্দ অন্তরে
তার শত দোষ ক্ষমি, হে শ্রীরাম, তুমি
লই তব ন্যায়-প্রাপ্য সেই রাজ্য ভূমি;
কহ তারে স্নেহের কথা, আনন্দ বচন,
করিবারে ভাই বলি প্রেম-আলিঙ্গন!



# বন্দী।

দুয়ার-খিরিকী রুদ্ধ নিস্তব্ধ নির্জ্জন
এক্ধার হৃদয়-কোনে,—বিহীন স্পন্দন
মুদিত নয়নে সেই পাপ-এক্ধারবে
যতনে করিছে পূজা,—ভাবিছে অন্তরে
'মুক্ত মই পূণ্যবান।' অনন্ত বিশ্বর
স্বাধীন পবিত্র বায়ু, মুক্ত সূরযর
প্রখর আলোকরাশি,—গোন্ধ কুসুমর
সুস্নিগ্ধ-কোমল,—আরু উঠা নিরন্তর
বিশ্ব মহাকোলাহল,—জড়মূৰ্ত্তি প্রায়
জনানাই,—দেখানাই,—পোৱা নাই তাঁয়।
—দিয়া নাই মেলি বন্ধ খিরিকী-দুয়ার
সি এক্ধার প্রান্তরর, সম পুতলার
নিস্পন্দ নীরব ; ভাবে 'মুক্ত ও সবল',
নাজানোহি বন্দী সিযে অক্ষম-দুর্ব্বল।



# আত্মবল ।

প্রকাশি করুণা তুমি যি কৰিছা দান
শান্তি-শোক সু-অবিচাৰ, মান-অপমান,
ধন দৰিদ্ৰতা,—সেয়ে যথেষ্ট আমাৰ ।
নাচাওঁ নামাগোঁ আমি আৰু বেছি তাৰ ।
সুখে-দুখে, সম্পদে বিপদে, অত্যাচাৰে,
—নিমৰ্জ্জিত তৰী মোৰ অসীম সাগৰে—
সংসাৰৰ মৰুভূমে তৃষ্ণাতুৰ প্ৰাণ,
অনলৰ খৰ তাপে মৃতৰ সমান,
তথাপি নকম প্ৰভু, ৰক্ষা কৰাঁ তুমি ।
ধৈৰযে, উছাহে, দীপ্ত-বীৰতেজে আমি
বীৰ্য্যোন্নত শিৰে, বজ্ৰ হৃদয়ে আমাৰ
—পাৰ হম সংসাৰৰ বিপদ অপাৰ ।
সুখে-দুখে-অপমানে ধ্ৰুৱতৰা সম,
লক্ষনীয় ৰবাঁ মাথোঁ তুমি প্ৰিয়তম !



# প্রেম।

মৰুময় সংসাৰৰ তাপ শীতলাব,
—ৰাখিব মানৱ প্ৰাণ—অনন্ত জীৱন—
মৰতত পাৰিজাত, কমল ফুলাব,
আনন্দ-লোকৰ পৰা তৱ আগমন !
পিতৃ-মাতৃ, ভাই বন্ধু, যত্ন প্ৰেয়সীৰ
তোমাৰে মহিমা কত কৰিছে ঘোষণা ;
দুখ-শোক হিংসা দগ্ধ সংসাৰ প্ৰাণীৰ
তুমি সুখ, তুমি শান্তি,—অনন্ত বাসনা ।
উত্তৰ দিশত থাকি সউ হিমালয়
আৰু তটিনীৰ সুধা "কুলু কুলু" গীতে,
কুলিৰ বাঁহীৰ সুৰে,—মাথোঁ তুমি ময়—
গোৰৱে আনন্দে চোৱাঁ প্ৰচাৰে জগতে।
বিষাদ চকুলো পূৰ্ণ এ বিশ্বভূৱন,
তোমাৰ পৰশ পাই নন্দনকানন ।



## সমর্পন ।

দুখ-শোক, অশ্রুজল, ঘাতপ্ৰতিঘাত,
বিৰহ,—প্ৰানত মোৰ কৰিছে আঘাত
নিশিদিন কত হাঁয়,—নিষ্ঠুৰ সংসাৰ ;
কৰিছোঁহি অসহ্যত কত হাঁহাকাৰ ।
কত বিপদৰ অগ্নি চাৰি দিশে মোৰ
জ্বলি উঠি প্ৰসাৰিত কৰি দুটি কৰ
কৰিছেহি কণ্ঠাগত প্ৰাণ । সীমাহীন
নিৰাশতা-সাগৰত বুৰিছোঁহি, লীন
হৈছে কত আশা মোৰ ভাবী জীৱনৰ ;
হৈছোঁ মৰুভু'ৰ মাজে তৃষ্ণাত কাতৰ ।
আজি প্ৰভু, জীৱনৰ আবেলি বেলিকা
ঠেলি দি এ সংসাৰৰ মায়া-মৰিচীকা
সমৰ্পিলোঁ ক্ষুদ্ৰ প্ৰাণ তৱ পদ-প্ৰান্তে,
নিয়ৰ-পৱিত্ৰ এই চকুলোৰে স'তে ।



# কবি।

বিজন ফুলনি মাঝে তুমি উদাসীন,
ঊর্দ্ধদিশ দৃষ্টে কিবা রাজ্য সপোনর
রচিব লাগিছা কবি, স্তব্ধ বাক্যহীন,
প্রেম-সুখ-শান্তিপূর্ণ মোহন সুন্দর ?
পতিকোলে জোৎস্নাময়ী সুন্দরী রজনী,
কুলির পঞ্চম তান, গীত তটিনীর ;
কুসুম ভূষনে স'তে প্রকৃতি সঙ্গিনী
বসন্ত গাভরু নাচে রূপে মোহিনীর !
কি আনন্দ, কিবা সুধা ঢালিছে সঘন
মৰ্ম্মে মৰ্ম্মে সুধাসুরে বিশ্ববীণা ধ্বনি,
নায়ক-নায়িকা রূপে গুণে অতুলন,
গাইছে প্রেমের গীতি,—প্রেমর হাঁহনি !
সংসারর শোক-দুখ-অগ্নি-দগ্ধ নর,
প্রবেশি তোমার রাজ্যে আনন্দ-বিভোর !



# কৱিতা ।

সুন্দৰী সি বসন্তৰ মধুৰ নাচন,
সুগোন্ধ কুসুম শত কৰি আহৰণ ;
সখিয়তী, কোকিলৰ গীত সুমধুৰ,
মলয় পৱন কৰা প্ৰাণমন জুৰ ;
তটিনীৰ—"কুলু কুলু" সুমুধুৰ গীতি,
নীল আকাশৰ মাজে তৰাৰ হাঁহিটি ;
জোনাক নিশাৰ শোভা মোহন সুন্দৰ,
পতিপত্নী নিৰমল অতৃপ্ত প্ৰেমৰ,
কনা' কনা' সকলোৰে কৰি আহৰণ
কৱিতা, কল্পনালতা, তোমাৰ বচন !
জননীৰ স্নেহধন, বিভুৰ করুণা
তোমাতে ৰাঙ্গেহি যত, তুমি অতুলনা ;
কবিৰ স্বজিত ৰাজ্য ! ভাপী সুখীনৰ
তোমাতে আহিলে হাঁহে, হাঁহি আনন্দৰ !



# জীৱন-পথ ।

এ মহাপথৰ যাত্ৰি,— আছে সম্মুখত
অন্তহীন— দূৰতম জীৱনৰ পথ ;
মাথোঁ মহামৰুভূমি অতি সুবিস্তৃত
তপ্ত-বালিৰাশি পূৰ্ণ, নাই অৱস্থিত
সুশীতল বাৰি পূৰ্ণ, সৰসী নিৰ্ম্মলা ;
নাই কতো ছঁয়া দাতৃ বিবিধ সুফলা
সুৰসাল ফল স'তে।— অত্যন্ত প্ৰখৰ
অগ্নিসম মধ্যাহ্নৰ ভৰা ৰোদকৰ ।
খোজে পতি আছে বিঘ্ন, খোজে পতি ক্ষয়,
অপমান, অত্যাচাৰ, দুখ-দৈন্য-ভয়,
নৈৰাশ্য ও নিৰানন্দ, বিৰহ-সন্তাপ,
অশান্তি, চকুলো আৰু চিৰপৰিতাপ ;
হকাবধা নানাবিধ আছে অগনন,
একি পথ জীৱনৰ চিৰ বিভীষণ !



# যাত্ৰী ।

এ প্ৰখৰ ৰোদকৰ, শতেক বিঘিনি.
তুচ্ছ কৰি মহাতৃষ্ণা, নৈৰাশ্য, আমনি,
অপমান, দুখ-দৈন্য ; গচকি চৰণে
পথে থকা অগনন কণ্টক কাননে ;
ঠেলি দি শতেক বধা,—হম আগুৱান
অগনন যাত্ৰী মাজে যেই মহাপ্ৰাণ
মানৱৰকল সৱে গৈছে আগুৱাই
ৰাখি খোজ চিন, নিজ সৌৰভে ভৰাই
লক্ষ্য সেই খোজ চিন! নৰম থমকি
পৰ্ব্বত সমান শত বধাক গচকি
আগুৱাম । এতিয়াও আছে জীৱনৰ
এ মহা পথৰ বাকী দূৰ দূৰান্তৰ ;
এৰা নাই আধা খনো । আগ'ও যিমানে
সুদূৰ দূৰৰ দূৰ দেখিছোঁ তিমানে ।



# বুৰঞ্জী ।

১

বুকে লই সাদৰেৰে
গৌৰৱে উছাহভৰে
আছাহি থিয়ই তুমি
সম্মুখে আমাৰ,—
অতীতৰ শত কথা
সুখ-দুখ কত বাৰ্ত্তা
হাঁহি ও কান্দোন যত,
সম পাৰাবাৰ ।

২

দেখাইছা অবিৰত
কাৰো ভাগ্য জগতত
নাযায় সমানে সদা,
হয় প্ৰবৰ্ত্তন,—
সুখ-দুখ, লাভ-ক্ষতি
জগতৰ সকলোটি
হৈছে, হয়, হব হাঁয়,
উঠন পতন ।

৩

আজি যিটো তুলি মূৰ
চৰণে গচকি চূৰ
কৰিছে সবাৰো মান,
থাকোঁতেই চাই—
হব পাৰে দৰ্পভঙ্গ
শক্তিহীন তাৰো অঙ্গ,
হৰিষে অদৃষ্ট-বাহু
গৰাখিব হায় !

৪

আজি যিটো নীচশিৰ
—দুচকুত বয় নীৰ—
অপমান, অত্যাচাৰে
কাতৰ হৃদয়,
কালি সিয়ে শিৰ তুলি
মনৰ দুৱাৰ মেলি
উচ্চকণ্ঠে গাব গীত
নিশ্চয় নিশ্চয় !

৫

যি অতীতে সমাদৰি
লইছাঁহি বুকে কৰি
নীৰৱ-ৰিনিকি ৰূপে
জন-অন্তৰালে,
বৰ্ত্তমান-ভৱিষ্যতে
আমাৰ জাতীয়তাতে
পথ-প্ৰদৰ্শক সিযে
নিজ গীতি বলে।

৬

অতীত-সঙ্গীত নোহে
চিৰঘৃণ্য কাম-মোহে
বিৰহী কুলিৰ সেই
'কুহু কুহু' গীত,
সিযে নহয় যাঁহীৰ
প্ৰেম-বিভোল কৰিৰ
গোৱা সুমধুৰ সুৰে,
—আত্মহাৰাচিত।

৭

সিযে মৃত-সঞ্জীৱনী
মৰতৰ মন্দাকিনী
পবিত্ৰ নিয়ৰ সম,
—পুলক-স্পন্দন,
গোন্ধ স্বৰ্গ-কুসুমৰ,
অনাবিল জোৎস্নাতৰ,
সম স্নিগ্ধ জ্যোতির্ম্ময়
পূৰ্ণিমাৰ জোন।

৮

উদ্দীপনা সুধা-গীতি
দেশাত্ম বোধৰ স্মৃতি,
জীৱন-প্ৰভাতে সিযে
পাঞ্চজন্য ধ্বনি;
অতীত নীৰৱ কৰ্ম্মী,
জাতীয় জীৱন-স্বামী,
অতীত আমাৰে ভাই;
জনক-জননী।

৯

নব জাগৰণ যুগে
পূণ্য মন্ত্ৰে অনুৰাগে
নব প্ৰাণ আনে বাই
কনকৱৰ্ণা —
অতীতৰ চিৰন্তন
নতুনৰ নৱতম
উলাহ উছাহ ভৰা
গীতিময়ী ধ্বনি।

১০

সি অতীতে বুকে কৰি
আছা তুমি থিয় ধৰি
ধ্বনিছা সবাৰো কানে
বীৰমাতৃ প্ৰায়,—
যোৱাঁহি উন্নতি-পথে
বুকু বান্ধি সাহ স'তে,
অনন্ত জগতপতি
তোমাৰ সহায়।



# উলাহ গীতি।

১

নোহে সংসাৰ জীৱনৰ
খেলাঘৰ,
মাথোঁ প্ৰেম-গীত-কুসুম
সুগোন্ধৰ!
গাঁথা আকাশকুসুমে মালা,
কল্পনাৰ মহামেলা;
উদ্দেশ্য নহয় ইটো
জীৱনৰ।

২

সোৱা, চোৱাঁহি জীৱনৰ
কটা বোৰ,—
শোক, দুখ, হাই, বিৰহ
নিৰন্তৰ!
ক'তা সুধা বতাহ মলয়?
কল্পনা-কুসুম চয়?
মাথোন মহান্ শিখা
অনলৰ।

আহাঁ.  এলাহ-শয্যা ত্যজি
আহাঁ ভাই,
চোৰ।  কি মহাশত্ৰু ৰোৰ
কাষে হাঁয় !
আহাঁ,  আগুৱাওঁ ই সময়ে-
বীৰদৰ্পে অন্ধকাৰে
নাশিম, কৰিম শত্ৰু
শূন্য,—নাই।

৪

কোৰাঁ।  হে ভাই, "বীৰ আমি,
মহাবীৰ,
আমি  সন্তান বীৰ পিতা-
জননীৰ !"
ধৰাঁ।  বীৰবেশ ধৰাঁ ভাই,
লোৰাঁহি ৰণৰ যাই
অস্ত্ৰশস্ত্ৰ, বেশ এৰি
ৰমণীৰ।

৯

হ'ক পাষাণতো পাষাণ
হৃদি মোৰ
আৰু সুকোমল ফুলতো
ফুলতৰ !
আমি শত্ৰু—পাপী, বিপক্ষৰ ;
দুৰ্ব্বল ও স্বপক্ষৰ
আশ্ৰয় প্ৰাৰ্থীৰ হওঁ
বন্ধুতৰ !

১০

আমি মিলাম কথাতে কামে
যতনত,
যায় য'ক প্ৰাণ, সাধিম
উচাহত !
আমি কাৰ যাম কৰ্ত্তব্যাটি
নাভাবিম লাভক্ষতি,
সিযে তুচ্ছ ;—শক্তি আছে
পৰাণত !

# মানস-গীতি ।

১

গাই যাম গান মই হৰিষে বিষাদে
নানাবিধ ছন্দৰাগিণীত
মনৰ দুৱাৰ মেলি অথবা ৰোদনে
পুৱাত বা ৰোদ-আবেলিত ।

২

মোৰ প্ৰেম, সুখ-শান্তি, প্ৰণয়-মিলন,
সুখ-স্মৃতি, গীতি মানসীৰ,
অথবা বিৰহ, শোক, মহাহাঁহাকাৰ
খৰ তাপ দুখ-অগনিৰ !—

৩

গাব সদা অসময় সময় নামানি
বাঁহী মোৰ কুসুম-কোমল,
হব পাৰে ছন্দ ভঙ্গ, ভুল ৰাগিণীত
অথবা সি শুদ্ধ নিৰমল ।

৪

হব পাৰোঁ প্ৰেম-প্ৰীতি, শান্তি-সুখ দাতা
প্ৰেম স্নেহ যতনৰ ধন ;
অথবা পৰৰ কাষে শোক-অশ্ৰু দাতা
ঘিনৰ বা বিৰাগ-ভাজন !

৫

সি বুলি ৰমনে যাক উছাহ হেৰাই
অশ্রুপূর্ণ করুণ নয়ন ;
বিশ্বৰ দুৱাৰে ৰহি সহি বোদকৰ
অতি দীন ভিখাৰীৰ সম ?

৬

গছৰ ডালত বহি গায় কুলি সউ
অবিৰাম "কুহু বুহু গীত,
চালে কত সুখ সুধা, ভাঙি দিয়ে আৰু
বিৰহী ও বিৰহিনী চিত্ত,

৭

বিৰাগ ভাজন কাৰো ;—শুশুনে একোৱে,
তথাপিও মাধাকে না গাই ;
কৰ পৰা শত কথা, নকৰিব কান,
লক্ষ্য মোৰ থাকিব সদায় ।

৮

মুকলি হৃদয় মোৰ ৰ'ক চিৰদিন,
ৰ'ক সদা গন্ধ গভিত,
কৰুণাময়ক দিওঁ ভক্তি উপহাৰ,
নকৰোক মাজতে পতিত ।

# কৰ্ম্মবীৰ

## ৺শোভাৰাম ব্ৰহ্ম চৌধুৰী।

সংসাৰৰ হাঁয় কোন অজ্ঞাত সুদূৰ পৰপাৰে
আনন্দলোকৰ মাজে - আজি তুমি কি ভাবি অন্তৰে
আৰোহন কৰি সুখে সপোনৰ কনক তৰণী
নীৰৱ বিদায়-গীতে ত্যজি এই সুন্দৰী ধৰণী
গলা চিৰদিন হেতু ! দিলা ঢালি হৃদয়ে আমাৰ
মহাশোক,— অশ্ৰুজল, — আজি হায় দেখোঁ অন্ধকাৰ
আঁউসীৰ ৰাতি সম। হৃদয়ৰ সোঁত আনন্দৰ
আশা-সুখ অন্তৰ্হিত ; - সেয়ে তব চিৰ বিদায়ৰ
শোকৰ ৰোদন-গীত অনন্তৰ পৰা ঘনে ঘনে
আহে অন্তহীন সোঁতে শোক অশ্ৰু-হিয়াভেদী তানে।
চকুলোৰে ভৰা চকু, শোকাকুলা জননী অসম
বাগৰে মাটিতে হাঁয়, বুকে তাৰ বাজিছে বিষম
বজ্ৰ প্ৰায় শোক ভৰ।

যথাৰ্থতে জানিছিলা মনে
ধৰ্ম্ম তব জাতি-সেৱা, ধৰ্ম্ম তব সেৱা যতনে
জন্মদেশ-জননীৰ ; কিন্তু হায়, আজি কিয় তুমি

অকস্মাৎ অসময়ে নীৰৱেৰে বজ্ৰ-ব্যথা হানি
জাতি ও দেশৰ বুকে, গলা কোন অজ্ঞাত সুদূৰ
পৃথিবীৰ পৰপাৰে ! শুনিলোঁ করুণ মধুৰ
তোমাৰ এটিও বাণী আজি তৰ বিদায়ৰ ক্ষণে
নীৰৱ ৰজনী-বুকে —হলা যাত্ৰী অনন্তৰ পিনে
নীৰৱে বিদায় লই ।

কোনে আজু দেশ-জননীৰ,
দুৰ্ভাগা বঙোৰ এই দুচকুত বোৱা অশ্ৰুনীৰ
শুচাই সাদৰ যত্নে পোহৰত ইজুৱাব মুখ
বোৱাৱ গৌৰৱ হৃদে আঁতৰাই লাজ-ভয়-দুখ !
উছাহে কঁকাল বান্ধি তীক্ষ্ণতৰ অসি হাতে লই
বীৰ্য্যোন্নত শিৰে তৰ লক্ষ্যপথে আছিলাহি গই
কঠোৰ-কোমল হৃদে । তোমাৰ যে ঠাই সমৰৰ
এ সংসাৰ; শত্ৰু— পাপ, অত্যাচাৰ ঘোৰ.
অজ্ঞানতা, অসত্যতা, নাৰীত্বত দাতা অপমান,
তাৰোপৰে পৰিছেহি মহাঘাত অসিৰ মহান
কটুৱা নিৰ্দ্দয় তৰ । ৰোদকাৰ বল-বীৰ্য্য হীন
বাটৰ এচুকে সউ —ৰোগ-শোক-দুখাতুৰ দীন
বুকুৰ দুৱাৰ মেলি ভাকো তুমি ভাবিছা আপোন,

শৰণাগতক ৰক্ষা কৰিছাহি কৰিব প্ৰাণপণ !
—দুৰ্ভাগিনী দেশ-বুক দেশবাসী কৰে হাঁহাকাৰ,
ক'তা তুমি কৰ্ম্মবীৰ লক্ষ্যপথ দেখুৱা আমাৰ !

সাধি গলা যিবা কাৰ্য্য. কৰি গলা যিবা তুমি দান.—
নিখিল হিয়াৰ মাজে ৰব হই চিৰ জ্যোতিষ্মান।
আঁউসীৰ ৰাতি সম অন্ধকাৰ বড়ো-ভাগ্যাকাশ,
সুদূৰ উত্তৰাকাশে—ধ্ৰুৱতৰা—দিবাহি আভাস।
নামে শোভা, কাৰ্য্যে শোভা, দয়া-দান-ধৰ্ম্মৰ শোভন,
পৱিত্ৰ তোমাৰ স্মৃতি দেশবাসী নোহে বিস্মৰণ।



লক্ষ্য।

১

হওক যিমানে এন্ধাৰ ৰজনী,
যিটো লক্ষ্য মোৰ উজলি — সউ যে
শোভিছে গগন।
শত বাধা ভয় বিপদ নৈৰাশ্য
গচকিম বাগা-সাহে — সউ যে
মাতিছে সঘনে।

২

আহক সহস্ৰ দুখশোক আদি
সংহাৰিম যতনে — সউ যে
লক্ষ্য মোৰ হাঁহে।
কৰুণ বেদন উঠে কিয় প্ৰাণে
চকুলোৰে সতে ঘানে, — সউ যে
আনন্দত ভাহে।

৩

সম্মুখে কৰ্ত্তব্য কৰম সাগৰ,
পাৰ হম উচ্চ ৰোলে - সউ যে
উচাহ বিতৰে ।
তৰঙ্গ গাজনে বধিৰ দুকাণ,
তথাপি মাতিছে ঘনে- সউ যে
মেঘমন্দ্ৰ স্বৰে ।

৪

তৰঙ্গত মোৰ কঁপিছে তৰণী
বুৰোঁ বুৰোঁ ভাবে, তেৰোঁ সউ যে
মাতিছে সাদৰি ।
যাম উচাগোৰে বুকু বান্ধি মোৰ,
বৰি লব জয়লক্ষ্মী - সউ যে
আছে থিয় ধৰি ।



# মিনতি ।

১

নিয়া নিয়া আজি মোৰ    হিংসা-কপটালি ঘোৰ
অসত্যতা আদি,
দম্ভ-বীৰ্য্য-অহঙ্কাৰ    নাশ কৰা নাশকাৰ
দয়া কৰা যদি ।
বজ্ৰ সুকঠিন হাতে
কাঢ়ি লোৱাঁ আনন্দেতে
নাশ কৰি সমূলেতে
দিয়াহ তেজৰ—
পাপ-অত্যাচাৰ-আশা    বজ্ৰ সম কটু ভাষা,
অসি খনি মোৰ ।

২

দিয় বাঁশী হাতে তুলি    মনৰ দুৱাৰ মেলি
লীলাপদ্মকৰে,
আনন্দ হৃদয়তলে    লয় আজি তুলি কোলে
মহা আগ্ৰহেৰে ।

গাম গীত সুমধুৰ
তুমি মোক দিয়া সুৰ,
বিশ্ব দূৰান্তৰ দূৰ
ভাহিব সি সুৰে,—
দিয়া বাঁহী খনি তুলি    দিয়া সুৰ গীতাৱলী
লীলাপদ্ম কৰে।

৩

জগত পাষাণময়    তাত কোনো ক্ষতি-ভয়
নাই জীৱনৰ ;
মোৰ এ অন্তৰ খনি    কৰা প্ৰেম-লীলাভূমি
হে অন্তৰতৰ !
আহে যদি তাপাতুৰ
দুখ-অৱনত মুৰ
—পৰাণ কৰিম জুৰ
প্ৰেম-গীত সুৰে,—
দিয়া বাঁহী খনি তুলি    দিয়া প্ৰেম-পদাৱলী
লীলাপদ্মকৰে।

৪

নিদয় কঠোৰতৰ আঁউসী, এন্ধাৰ ঘোৰ
দেখি বিশ্ব খনি,—
যে যাত্ৰী উছাহংত পৰি ৰব মৰ্ম্মাহত
মৃত্যু-দিন গণি ;
বাঁশী লম তুলি হাতে
কম তাক ছন্দে গীতে
"ভয় নাই নাই পথে"
উদ্দীপনা সুৰে ।
দিয়া বাহী, দিয়া প্ৰীতি, দিয়া উদ্দীপনা গীতি
লীলাপদ্মকৰে ।

